৩

# ছশ বছৰীয়া ৰাজত্ব ন-সম অসমতহে

শ্ৰীৰামেশ্বৰ বড়া, বি-এল.

যোৰহাট।

লিখকৰ লিখা কিতাপ কেইখন —

মহাকবি কালিদাসৰ —

অভিজ্ঞান শকুন্তলম্ (২ য় প্ৰকাশ) — ২০.০০

মালবিকাগ্নিমিত্ৰম্ — ৫.০০ আৰু

বিক্ৰমোৰ্ব্বশীয়ম — ৫.০০

— সংস্কৃত নাটকৰ অসমীয়া অনুবাদ।

মূলগ্ৰন্থ :—

বৃহৎ তাই জাতি, আহোম বুৰঞ্জী — ৫০.০০

চাও ছু-কা-ফা (২ য় প্ৰকাশ) — ৫.০০

আহোমৰ চক্‌লং — ৫.০০

শ্ৰীমন্ত শঙ্কৰদেৱৰ উজনি অসম এৰি যোৱাৰ কাৰণ — ৭.০০

অসমদেশ আৰু অসমীয়া জাতিৰ পিতা

চাও ছু-হুং-মুং স্বৰ্গদেৱ — ৭.০০

ছশ বছৰীয়া ৰাজত্ব ন-সম অসমতহে — ৪.০০

মৈদামত মৰাৰ লগত জীয়া দিয়া

অসত্য বুৰঞ্জীৰ অপলাপ।

প্ৰাপ্তিস্থান —

শ্ৰীৰামেশ্বৰ বড়া,

ন-আলি, বঙাল পুখুৰী।

যোৰহাট-২

# ছশ বছৰীয়া
# ৰাজত্ব
# ন-সম্ৰ অসমতহে

শ্ৰীৰামেশ্বৰ বড়া, বি-এল

যোৰহাট
১৯৯০ চন

# ছশ বছৰীয়া ৰাজত্ব ন-সম অসমতহে

মেদাম-মেফি আহোম শব্দ, অর্থ মৃতক আৰু পূর্ব্বপুৰুষ সকলৰ স্মৃতি তর্পন আৰু আশীষ প্রার্থনা। তাও ধর্ম্মৰ ই এটা বিশেষ পর্ব্ব। আহোম সকলে ইয়াক সদায় পালি আহিছে, তাও ধর্ম্মত থাকোতেও আৰু হিন্দু ধর্ম্ম গ্রহণ কৰাৰ পাছতো। আদিতে তাই জাতি মাত্রেই সকলো তাও ধর্ম্মী আছিল। আহোম সকল এচীয়া মহাদেশৰ এই বৃহৎ তাই জাতিৰে এটা শেহতীয়া ঠাল। ১২২৮ খৃঃ ত, ওপৰ বর্ম্মা ম'গঙৰ পৰা এই ভূমি ভাগলৈ আহোতে আহোম সকল তাও ধর্ম্মীয়েই আছিল আৰু ইয়াতো আহি প্রায় চাৰিশ বছৰ সেই তাও ধর্ম্মতে থাকিছিল। আহোমৰ বিংশতম ৰজা, ছু-তাম্-লা (জয়ধ্বজ সিংহ খৃঃ ১৬৪৮-১৬৬৩) স্বর্গদেৱৰ দিনৰ পৰাহে আহোমে হিন্দু ধর্ম্ম লবলৈ ধৰিলে।

আহোমসকল এই ভূমিভাগ, সৌমাৰলৈ, আহোতে, ইয়াত অসম বুলি কোনো এখন দেশ আৰু অসমীয়া বুলি কোনো এটা জাতি নাছিল। তেতিয়া ইয়াত আছিল দিহিং নৈৰ উত্তৰত চুতীয়া ৰাজ্য, দিহিং আৰু দিখৌ নৈৰ মাজত মৰাণ আৰু বৰাহী ৰাজ্য আৰু দিখৌ নৈৰ পশ্চিমত কছাৰী ৰাজ্য। কছাৰী ৰাজ্যৰ কিছু পশ্চিমলৈ আছিল কমতা-কামৰূপ ৰাজ্য। ১২২৮ খৃঃ ত চাও ছু-কা-ফা দেৱ ম'গঙৰপৰা কিছু প্রজাসহ আহি মৰাণ-বৰাহীসকলৰ লগত মিলি দিহিং-দিখৌৰ মাজত আহোম ৰাজ্যখন পাতি লৈছিল। আহোমৰ চতুর্দ্দশ ৰজা ছু-হুং-মুং স্বর্গদেৱেহে (খৃঃ ১৪৯৭-১৫৩৯) উপৰুক্ত সেই আটাইকেইখন ৰাজ্য একত্রিত কৰি ১৫৩৫ খৃঃ ত এই

অসম দেশখনৰ জন্ম দিছিল। তেতিয়াৰ পৰাহে এখন অসমদেশ আৰু এটা অসমীয়া জাতি এই পৃথিবীত আবিৰ্ভাব হৈছিল। অসমীয়া ভাষাও তেতিয়াৰ পৰাহে ৰাষ্ট্ৰ হৈছে।

ভাৰতবৰ্ষলৈ পূব পশ্চিম দুয়োপিনৰ পৰাই লোক প্ৰব্ৰজন হৈছিল। পশ্চিম পিনৰ পৰা অহা জাতিবোৰে অকল দেশ জয় কৰিবলৈকে অহা নাছিল। তেওঁলোকে নিজৰ ভাষা, কৃষ্টি, ধৰ্ম্ম সকলো ইয়াৰ আদিবাসীৰ ওপৰত জাপি দিবলৈও আহিছিল। ভাৰতত এইদৰেহে হিন্দু ধৰ্ম্ম আৰু মুছলমান ধৰ্ম্ম প্ৰৱৰ্ত্তন হৈছিল ইংৰাজ জাতিয়েও ঠিক একে দৰেই আহি ভাৰতত খৃষ্টিয়ান ধৰ্ম্ম মেলিলেহি। তদনুৰূপ গৌড়দেশেও ১৪৯৮ খৃ:ত কমতা-কামৰূপ ৰাজ্য জয় কৰি, হাজোত এটা মছজিদ সাজি, চুলতান গিয়াছুদ্দিন নামৰ এজন মুছলীম পীড়ক, মুছলমান ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ লগাইছিল। অসমত মুছলমান ধৰ্ম্ম প্ৰবেশ কৰা এয়ে প্ৰথম।

পূব পিনৰ পৰা অহা আহোম সকলে কিন্তু তেওঁলোকৰ ভাষা, কৃষ্টি-ধৰ্ম্ম সোমাৰৰ লোকসকলৰ ওপৰত জাপি দিবলৈ অহা নাছিল। দেশ জয় কৰিও তেওঁলোকে বিজিত সকলৰ ধৰ্ম্ম ভাষা স্বেচ্ছায়ে লৈ হিন্দু পুৰাণৰ প্ৰজাৰঞ্জক ৰজা শ্ৰীৰাম চন্দ্ৰৰ আদৰ্শহে দেখুৱালে। অথচ তাই জাতিৰ ধৰ্ম্ম, ভাষা, সাহিত্য, সভ্যতা হিন্দুৰ সৈতে সমানে পুৰণি আৰু চহকী আছিল তাই জাতিৰ লিখিত বুৰঞ্জীয়েই খৃ: পূঃ ২৬৯৭ চনৰ পৰা আছিল। হিন্দুৰ আদি শাস্ত্ৰ ঋগ্বেদৰ সময়ো, পশ্চিমীয়া গৱেষক সকলৰ মতে, খৃঃ পূঃ দুহেজাৰ বছৰৰ আগৰহে।

আহোম ৰাজ্যত হিন্দুৰ বৈষ্ণৱ ধৰ্ম্ম সোমাইছিল ছ্-হুং-মুং স্বৰ্গদেৱৰ দিনত। শ্ৰীমন্ত শঙ্কৰদেৱে ভাৰতৰ বিভিন্ন তীৰ্থস্থান-





বিলাক বাৰ বছৰ ভ্ৰমণ কৰি আহি ভাগৱতৰ একশৰণ নাম ধৰ্ম্ম আলিপুখুৰী, বৰদোৱা, গাংমৌ আদি ঠাইত, কেবা বছৰো ধৰি কৰিও চৰ্চ্চা আৰু প্ৰচাৰ কৰিব নোৱাৰি শেষত আহোম ৰাজ্যৰ ধৰ্ম্ম নিৰপেক্ষ নীতি আৰু আভ্যন্তৰীণ শান্তি-শৃংখলা ৰাজত্বৰ কথা গম পাই ১৫২১ খৃ:ত আহোম ৰাজ্যৰ ভিতৰ ধুৱাহাট নামৰ ঠাইত নামঘৰ মণিকূট সাজি সত্ৰ পাতি বৈষ্ণৱ ধৰ্ম্ম চৰ্চ্চা আৰু প্ৰচাৰ কৰিছিলহি। ছ্-হুং-মুং স্বৰ্গদেৱে বাহিৰৰ লোক বুলি শ্ৰীমন্ত শঙ্কৰদেৱক দূৰাগত নকৰি স্বাগত জনালে; তেওঁৰ লগত অহা লোকসকলৰ ওপৰত তেওঁক গোমোস্তা পাতি দিলে। গুৰুজনাইহে পিছত নিজে জেঁৱায়েকক এই বাব দি নাম ধৰ্ম্মত একান্ত ভাৱে লাগি গৈছিল। তেনেতে দ্বিতীয়জন মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱো আহি তেওঁৰ লগ লাগিলহি। দুয়োজন মহাপুৰুষৰ একমত্ত ভাগৱতৰ নাম ধৰ্ম্ম চৰ্চ্চা আৰু প্ৰচাৰত আহোম ৰজা আৰু আহোম শাসনে কোনোৰূপ অন্তৰায় সৃষ্টি কৰা নাছিল। যদি কোনোৱে কেতিয়াবা তেনে কৰিছিল তেওঁৰ জাতিসকলৰ কানৰ পৰাহে কৰিছিল। ব্ৰাহ্মণ পুৰোহিত সকলে ছ্-হুং-মুং স্বৰ্গদেৱৰ ওচৰত এখন গোচৰকে দিছিল। স্বৰ্গদেৱে এই গোচৰ নিজেই লৈছিল। বিচাৰত শ্ৰীমন্ত শঙ্কৰদেৱক নিৰ্দ্দোষী সাব্যস্ত কৰি মুক্তি দিলে আৰু প্ৰশংসা কৰি "চাউল-চক" দিলে। ১৫২২ খৃ:ত চুতীয়াৰাজ্য ১৫৩৪ খৃ:ত কমতা-কামৰূপ ৰাজ্য আৰু ১৫৩৫ খৃ:ত কছাৰীৰাজ্য ছ্-হুং-মুং স্বৰ্গদেৱে অধিকাৰ কৰি পূবে পাট্কাই পৰ্ব্বতৰপৰা পশ্চিমে কৰতোৱা নদীলৈকে, আগৰ সৰু আহোম ৰাজ্যখন, এখন বিৰাট ৰাজ্যত পৰিণত কৰি আহোম ৰাজ্যৰ ঠাইত অসম নাম দি অসম দেশ আৰু অসমীয়া জাতিটোৰ ১৫৩৫ খৃ: ত জন্ম দিলে

বিধিৰে বিয়া পতা নিয়ম, পূৰ্ব্বপুৰুষ সকলৰ স্মৃতি তৰ্পন মে-দাম-মেফি, মৃতক সকলক মৈদাম দিয়া প্ৰথা, আহোমৰ সমস্ত ডাঙ্গৰেই ডাঙৰ নিয়ম আদিয়েই প্ৰধান। হিন্দু ধৰ্ম্মৰ গুৰিয়াল সকলেও এইবোৰ আহোমে পালন কৰি অহাত কোনো দিন বাধা দিয়া নাছিল আৰু কোনো বিৰূপ মনোভাবো দেখুউৱা নাছিল। মৈদাম দিয়া প্ৰথাৰ বাহিৰে বাকীকিটাৰ ব্যৱহাৰ আহোমে অনবৰত কৰি আহিছে। মৈদাম দিয়া প্ৰথাও মাটিৰ অভাৱতহে এৰিছে। চকলঙৰ বিষয়ে এখনি পুস্তিকা ইতিমধ্যে প্ৰকাশ কৰা হৈছে।

## মেদাম-মেফি

আহোম সকলে মেদাম-মেফি দুভাগে পাতে, গাইগুটীয়াভাবে আৰু সমজুৱা ভাবে। আহোম ৰাজত্বৰ কালত ৰজাসকলে ৰাষ্ট্ৰীয় ভাবে মেদাম-মেফি পাতিছিল; বিশেষকৈ এখন ডাঙৰ যুদ্ধৰ পিছত দেশৰ হকে প্ৰাণ দিয়া লোক সকলৰ স্মৃতি তৰ্পন কৰি। এই স্মৃতি তৰ্পন অকল আহোম মৃতক সকলৰ কাৰণেই কৰা নাছিল যুদ্ধত প্ৰাণ দিয়া সকলোৰে স্মৃতি তৰ্পন কৰিছিল। এনে মেদাম-মেফি ছু-হুং-মুং স্বৰ্গদেৱে দুবাৰ পতা বুৰঞ্জীত উল্লেখ আছে; ১৫২২ খৃঃত এবাৰ আৰু ১৫৩৫ খৃঃ দ্বিতীয়বাৰ। আন ৰজা সকলেও নিশ্চয় পাতিছিল কিন্তু বুৰঞ্জীতহে উল্লেখ নহ'ল। তাতে বুৰঞ্জীবোৰ ছু-ৰেণ্-ফা (বা ৰাজেশ্বৰ সিংহ খৃঃ ১৭৫১-১৭৬৯) স্বৰ্গদেৱৰ দিনত ৰাজ আজ্ঞাৰে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই পুৰি পেলাই-

বহু এবাৰ মেদাম-মেফি উৎসৱটো পাতি আহিছিল। সেইবাৰ
পৰা ই অসম চৰকাৰৰ মনোযোগ আকৰ্ষণ কৰিছে। ইয়াৰ আগতে
আহোম সকলে ১৬ আঘোণ ২ ডিচেম্বৰৰ দিনা পাতিছিল।
কিন্তু সেই সময়ত ছাত্ৰ-ছাত্ৰী সকলৰ বছৰেকীয়া পৰীক্ষা হয়
দেখি কেন্দ্ৰীয় মেদাম মেফি কমিটিয়ে ইয়াৰ দিনটো সলনি কৰি
২৬ জানুৱাৰীৰ পাছৰ দেওবাৰটো ধাৰ্য্য কৰি লৈছিল। ৩১
জানুৱাৰী দিনটো অসম চৰকাৰেহে ধাৰ্য্য কৰিছে আৰু সেই-
মতে চলি আছে। কংগ্ৰেছী মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াদেৱে
এই উৎসৱটো পৃষ্ঠপোষকতা কৰি পাতি দিয়াৰ আগত কংগ্ৰেছত
থকা আহোম সকলে ইয়াত কোনো দিন যোগ দিয়া নাছিল, আনে
সাম্প্ৰদায়িক বোলাৰ ভয়ত। তেওঁলোকে জাতি সকলৰ পৰা
পলায়ন নীতি লৈছিল।

আহোমসকলে ৰংপুৰ কাৰেঙত মেদাম মেফি পাতোতে প্ৰথমে
পূৰ্ব্বপুৰুষ সকলৰ স্মৃতি তৰ্পন কৰি ফ্যা-লুং সখাহ পাতিছিল।
তাৰ পাছত সকলো একেলগে বহি সমজুৱা ভোজত অংশ গ্ৰহণ
কৰিছিল। ভোজৰ পাছতে এখন সভা বহিছিল। এই সভাৰ বিষয়
বস্তু আছিল ছশবছৰীয়া অসম ৰাজত্বৰ গুণ গৰিমা আৰু কীৰ্ত্তি-
কলাপৰ আলোচনা। ভাৰতত কতবোৰ ৰজা আহিল গ'ল কিন্তু
তাৰ কোনো এখনেই ছশ বছৰ হে নেলাগে তাৰ আধাকো পুৰাব
নোৱাৰিলে। অসম, ভাৰতৰ ভিতৰত, কোনো কালে নাছিলো।
কোনো কালে অসমক ভাৰতে জয় কৰিব পৰাও নাছিল। ১৮২৬
খ: ৰ পিছত ভাৰতৰ লগত কেনেকৈ লগ লাগিল সি এক
কৰুণ কাহিনী।

বুৰঞ্জী যুগতহে নেলাগে পৌৰাণিক যুগতো অসম ভাৰতৰ

ইয়াৰ পাছত গোটেই ভাৰত বিস্তাৰ কৰিব পৰা কোনো ৰাজত্ব ওলোৱা নাছিল। তাৰ ঠাইত সৰু সৰু ৰাজ্য কিছুমান বেলেগ বেলেগ অঞ্চলত আবিৰ্ভাব হৈছিল। এইবোৰ ৰাজ্যৰ কালত চীনদেশৰ দ্বিতীয় পৰিব্ৰাজক হিউ-য়েন-চাং ৬৩০ খৃষ্টাব্দত ভাৰতলৈ আহিছিল আৰু ইয়াত পোন্ধৰ বছৰ পৰ্যটন কৰি আছিল।

তদনন্তৰ ভাৰতলৈ পশ্চিমফালৰ পৰা আৰব আৰু তুৰ্কবিলাক আহিল। তুৰ্কী সকলে খৃষ্টীয় দশম শতিকাৰ আগভাগত আফ্‌ঘানিস্থানৰ ঘজ্‌নিত এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। তাৰপৰা গজনিৰ চুলতান মামুদে সোতৰবাৰ ভাৰতৰ বিভিন্ন অঞ্চল আক্ৰমণ কৰি অপৰ্য্যাপ্ত ধন-সোণ লুটি নিছিল। এই ঘজনি ৰাজ্যখনো ১১৬৮ খৃঃ লৈকেহে আছিল।

দক্ষিণাত্যতো সেইদৰে সৰু সৰু ৰাজ্য কিছুমান উঠিছিল। এই ৰাজ্যবোৰো অলপ অলপ দিনীয়া আছিল। এশবছৰ কোনো-খনে কাচিংহে পুৰাব পাৰিছিল।

উত্তৰ ভাৰতত ৰাজপুত সকলৰ ঠ'ত ত'ত উঠা ৰাজ্যবোৰ যেনে, প্ৰতিহাৰ, চান্দেল, বাৰমাৰ, চেদী, গাহড়ৱাল আৰু চৌহান, এশ বা দুশ বছৰৰ ভিতৰতে উঠিলো গ'লো।

ইয়াৰ পাছত আহিছিল চুলতানী যুগ। চুলতান সকলেও ভাৰতত ১২০৬ খৃঃৰ পৰা ১২৯০ খৃঃ লৈকেহে তিষ্টিব পাৰিছিল। তাৰ পিছত খিলিজি বংশই ১২৯০ খৃঃৰ পৰা ১৩২০ খৃঃ লৈকে মাত্ৰ ৩০ বছৰ ৰাজত্ব কৰিলে। এই বংশৰ প্ৰথম ৰজাজন আছিল জালালুদ্দিন। এওঁ দাসবংশৰ শেহৰজন চুলতানক মাৰি ১২৯০ খৃঃত দিল্লীৰ সিংহাসনত বহিছিল আৰু ছবছৰ অধিকাৰ কৰিছিল। তেওঁৰ ভতিজাক আলাউদ্দিনে দক্ষিণ ভাৰতৰ হিন্দুৰাজ্য দেবগিৰি

পৰাস্ত কৰি বাবৰ দিল্লীৰ সিংহাসনত বহিল। বাবৰ মোগল ভাৰ-
তৰ প্ৰথম সম্ৰাট হৈছিল।

উপৰোক্ত ৰাজ্যবোৰৰ বাহিৰেও গুজৰাট, মালৱ, মেৱাৰ, বঙ্গ,
বাহমনি আৰু বিজয় নামৰ ৰাজ্যবোৰো উঠিছিল। কিন্তু কোনো
খনেই বেছিদিন বৰ্ত্তিব নোৱাৰিলে। এশ বা দেৰশ বছৰৰ ভিতৰ-
তেই আহিলো গ'লো।

কামৰূপৰ কমতা-কামৰূপ ৰাজ্যখনো উঠিছিল। কিন্তু গৌড়ৰ
নবাব হুচেইনচাহে ১৪৯৮ খৃঃ ত কমতাপুৰ আক্ৰমণ কৰি তাৰ ৰজা
নীলাম্বৰক মাৰি কমতা-কামৰূপ অধিকাৰ কৰিলে। তাৰ পাছত
গৌড়ৰ নবাবে ১৫৩১ খৃঃ ত তুৰ্ব্বকক সেনাপতি পাতি আহোম
ৰাজ্য আক্ৰমণ কৰিবলৈ পঠালে। ১৫৩৪ খৃঃ ত আহোমে তুৰ্ব্বক
আৰু তেওঁৰ সহকাৰী সেনাপতি হুচেইন খাঁক মাৰি পলৰীয়া
গৌড়ৰ সৈন্যক কমতা-কামৰূপ ৰাজ্যৰ ওপৰেদি খেদি নি কৰতোৱা
নদী পাৰকৰি গাড়ৰেশত সুমুৱাই থৈ আহিছিল। তেতিয়াৰ পৰা
অসমৰ পশ্চিম সীমা কৰতোৱা নদী হৈছিল।

এনে সময়তে গুৱালপাড়াৰ চিক্‌নিত বিশ্বসিংহই কোচ ৰাজ্য-
খন প্ৰতিষ্ঠা কৰি ১৫১৫ খৃঃ ত কোচৰাজ্যৰ প্ৰথম ৰজাজন হৈছিল।
তেওঁ কমতা-কামৰূপ আৰু ভোটানৰো কিছু অংশ তেওঁৰ ৰাজ্যৰ
অন্তৰ্ভুক্ত কৰি লৈছিল। ১৫৩৭ খৃঃ ত বিশ্বসিংহ ৰজাই তেওঁৰ
চাৰিজন পুতেকক পঠাই আহোম ৰাজ্য আক্ৰমণ কৰাইছিল। নৰনৰ
পিচলা বোলা ঠাইত যুদ্ধ লাগিল। কোচ হাৰিল আৰু এজন
পুতেকৰ প্ৰাণো গ'ল। এই যুদ্ধত হাৰি কোচ আহোমৰ কৰতলীয়া
হৈছিল। বিশ্বসিংহৰ মৃত্যুৰ পিছত পুতেক নৰনাৰায়ণ ৰজা হৈ
কেইবছৰমান কৰ-ভাৰ দি আছিলো। কিন্তু ১৫৬২ খৃঃ ত, পিতা-

মোগল ৰাজ্যখনো ইজনৰ পিচত সিজনকৈ ছজন মোগল সম্রাটে ৰাজত্ব কৰাৰ পাছত ভাগি থাকিল। ১৭৩৯ খৃঃ ত পাৰশ্যৰ ৰজা নাদিৰছাহে কাবুল আৰু পেচোৱাৰ অধিকাৰ কৰি মোগল সাম্রাজ্য আক্রমণ কৰিলে। এই আক্রমনত প্রায় দেৰলক্ষ নৰনাৰীৰ মৃত্যু হৈছিল। উপায়হীন হৈ মোগল সম্রাট মহম্মদ ছাহে নাদিৰ চাহৰ লগত সন্ধি কৰিলে। দিল্লীৰ পৰা নাদিৰ চাহে অজস্র ধন-সোণ লুটি লৈ গ'ল। দিল্লীৰ ময়ূৰ সিংহাসনখনো নিলে।

মহমদ চাহৰ পুতেক আহমদ চাহ দিল্লীৰ সিংহাসনত থাকোতেই আফঘানিস্থানৰ ৰজা আহমদ চাহ দুৰানীয়েও মোগল সাম্রাজ্য আক্রমণ কৰিছিল। ১৭৬১ খৃঃত পানীপথৰ তৃতীয় যুদ্ধত জয়ী হৈ ইংলণ্ডৰ ইষ্ট ইন্দিয়া কোম্পানী ভাৰতৰ শাসন-কর্তা হয়। মোগলে মুঠতে ২০৫ বছৰ ভাৰত শাসন কৰিলে। ইয়াৰ পিছত অৱশ্যে নামত মাত্র আৰু ৫৪ বছৰ আছিল। এই কেইবছৰ ধৰিলেও মোগলৰ ভাৰত শাসন তিনিশবছৰ নহয়।

মোগলে ভাৰত শাসন কৰা কালছোৱাত অসম দেশ উপর্য্যুপৰি আক্রমণ কৰিছিল। ১৬৬২ চনৰ মীৰজুমলাৰ আক্রমণৰ বাদে কোনো আক্রমণতে মোগলে অসমক ঘটুৱাব নোৱাৰিলে। মীৰজুমলাৰ আক্রমণটো অসম প্রকৃততে ঘাটি হৈছিল বুলি কব নোৱাৰি। সম্রাট আওৰংজেবে দিল্লীৰ সিংহাসন অধিকাৰ কৰিয়ে মীৰজুমলাক সেনাপতি পাতি অসম দেশখন লৈ পেলাবলৈ পঠিয়াইছিল। তেতিয়া অসমৰ সিংহাসনত ছু-তাম্-লা ( বা জয়ধ্বজ সিংহ, খৃঃ ১৬৪৮—১৬৬৩ ) স্বৰ্গদেৱ আছিল। জয়ধ্বজসিংহৰ এটা মাৰাত্মক ভুলৰ কাৰণে আৰু আহোম সেনাপতি সকলৰো মুৰ্খামিৰ কাৰণে, বিনা যুদ্ধই মীৰজুমলাই সসৈন্যে গড়গাঁৱৰ ওচৰ

ৰুচিনাথে আৰু দ্বিতীয়বাৰ চন্দ্ৰকান্তসিংহক মন্ত্ৰাত আনিছিল। যেনেকে আনিছিল তেনেকে তেওঁলোকে পঠিয়াও দিছিল। তৃতীয়বাৰতে মানে নিজে নিজে আহিছিল অসম অধিকাৰ কৰি-বলৈ। গুৱাহাটী পৰ্য্যন্ত মানে অধিকাৰো কৰিছিল। কিন্তু অসমৰ দুজন ৰজা আৰু গাই বিবয়া কেইজনমানে ইংৰাজৰ অধীনৰ গোৱালপাড়াত সোমাই তাৰ পৰা সৈন্য গোটাই মানক আক্ৰমণ কৰি থকাত, কোম্পানীক কোৱাতো উলিয়াই নিদিয়াত, মান সৈনাই পলৰীয়া ৰজা-বিবয়া কিজনক ধৰি আনিবলৈ কোম্পানীৰ ৰাজ্য সোমাই গৈছিল। ইষ্ট ইন্দিয়া কোম্পানীয়ে বৰ্মাৰ বিৰুদ্ধে ১৮২৪ খৃঃ ত যুদ্ধ ঘোষণা কৰি ললে আৰু লগে লগে মান সৈন্যক খেদি আহিল। মানে পৃষ্ঠ ভঙ্গ দিলে আৰু কোম্পানীৰ সৈন্যই পলৰীয়া মান সৈন্যক খেদি আহি বিনা-হুকুমে অসম সোমাই গ'ল। ইষ্ট ইন্দিয়া কোম্পানীয়ে তেওঁলোকৰ দোষ স্বীকাৰ কৰি অসমৰ প্ৰজাৰ ওচৰত এই লিখিত আবেদন দিলে —

"হে অসমৰ প্ৰজাসকল, আজি কেবছৰমানৰ পৰা মানে আপোনা-লোকৰ দেশ আক্ৰমণ কৰি আপোনালোকক যি উপদ্ৰৱ কৰিলে তাক আপোনালোকে নজনাকৈ থকা নাই। মানে ৰজাক সিংহা-সনৰপৰা খেদালে। ধন-বস্তু লুটিলে, গো-ব্ৰাহ্মণ হত্যা কৰিলে। গো বধ কৰি মঠ-মন্দিৰ সত্ৰ-নামঘৰ কলুষিত কৰিলে আৰু যে কিমান পাশবিক অত্যাচাৰ কৰিলে। তত নেপাই আপোনালোকৰ দেশৰ সৰহ ভাগটি মানুহ আমাৰ ৰাজ্যত আশ্ৰয় লৈ আমাৰ ওচৰত সহায় বিচাৰি জয়দেউ কাকূতি কৰি আছিল। তেতিয়া আপোনালোকৰ দুখ-বেজাৰ পতিয়াইছিলো যদিও আভাৰ ৰজাৰ লগত মিত্ৰতা থকাত আমি একো কৰিব পৰা নাছিলো। কিন্তু

ব্ৰহ্মদেশৰ পৰা কোম্পানীয়ে এককোটি টকা ক্ষতিপূৰণ ললেও। আন হাতে ইষ্ট ইণ্ডিয়াই ওপৰত দিয়া তেওঁলোকৰ চুক্তি মতে মান অসম এৰি যোৱাৰ লগে লগে তেওঁলোকে অসম এৰি গুচি যাব লাগিছিল। কিন্তু ইষ্ট ইণ্ডিয়া কোম্পানীয়ে নিজে দিয়া প্ৰতি-শ্ৰুতি ভৰিৰে মোহাৰি প্ৰথমে যুদ্ধৰ ক্ষতিপূৰণ বুলি আৰু তাৰ দুবছৰৰ পিছত ক্ষতিপূৰণৰ ঠাইত খাজানা বুলি অসমীয়া প্ৰজাৰ পৰা ধাহিমুহি টকা তুলিলে। এই কাৰ্যত কোম্পানীক মণিৰাম দেৱানে সহায় কৰিলে আৰু বুদ্ধি পৰামৰ্শ দিলে। লগে লগে অন্য কিছু অসমীয়া লোকো কোম্পানীয়ে হাত কৰি লৈছিল। সহস্ৰাধিক লোকৰ চহীৰে এখন আবেদনো কোম্পানীয়ে সেই লোকসকলৰ পৰা লৈছিল।• এইদৰেই এনেও ছলেও কৰি ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমৰ বুকুত বহি লৈ অসমৰ শাসক হ'ল আৰু অসমত আহোমৰ ছশ বছৰীয়া দীৰ্ঘ কালৰ শাসনৰ অৱসান ঘটালে, পৰাজয় কৰি নহয়, ছল-চক্ৰান্তৰে হেঁচামাৰি ধৰিহে। কিছু বছৰৰ পাছত শাসনৰ সুবিধাৰ্থে কোম্পানীয়ে অসমক ভাৰতৰ লগত সাঙুৰি ললে। ইয়াৰ আগত কোনো কালে, ৰাম ৰাজাৰ পৰা আৰম্ভ কৰি মোগল শাসনৰ শেষলৈকে, অসম ভাৰতৰ অংশ নাছিল।•

---

• এই দৰ্খাষ্টখন ৺সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহাঞি অসমত মন্ত্ৰী হওঁতে তেওঁ শিলঙৰ চৰকাৰী লাইব্ৰেৰীত দেখিছিল।

• "অথচ ৰামৰাজাৰপৰা আৰম্ভ কৰি মোগল সাম্ৰাজ্যলৈকে কোনো ভাৰতীয় সাম্ৰাজ্যৰ ভিতৰত পুৰণি অসম অন্তৰ্ভুক্ত হোৱা নাছিল।" পৃঃ ৭, পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা। ডঃ বাণীকান্ত কাকতি।





## ইংলণ্ডৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ভাৰত শাসন

১৬০০ খৃঃত ইংলণ্ডৰ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ইংলণ্ডৰ ৰাণী এলিজাবেথৰ পৰা বেপাৰ কৰিবলৈ অনুমতি লৈ ভাৰতলৈ আহে আৰু মোগল সম্ৰাট জাহাঙ্গীৰৰ পৰাও হুকুম লৈ ১৬১২ খৃঃত সুৰট বন্দৰত প্ৰথম বেপাৰৰ কুঠী পাতে। ইয়াৰ পিছত ক্ৰমাৎ বেপাৰৰ বেহা বঢ়াই ভাৰতৰ অন্যান্য ঠাইতো ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰবেশ কৰিলে। ইউৰোপৰ অন্যান্য জাতিও সেইদৰে ভাৰতত বেপাৰ কৰিবলৈ আহিছিল কিন্তু ইংৰাজ আৰু ফৰাচীসকলৰ বাহিৰে বাকীবোৰ গুচি গ'ল। মোগলৰ ভাৰত শাসন যেতিয়া নিস্তেজ হৈ যোৱা যেন দেখিলে তেতিয়া ইংৰাজ আৰু ফ্ৰান্সৰ বেপাৰী কোম্পানীকেইটাই দেশ লোৱাৰ অভিপ্ৰায় কৰিলে। এই প্ৰচেষ্টাত দুয়ো জাতিৰ মাজত ভাৰতত এক প্ৰতি-দ্বন্দ্বিতা চলিছিল। এটা সময়ত ইংলণ্ড আৰু ফ্ৰান্সৰ মাজত ইউৰোপতো এখন যুদ্ধ হৈছিল। এই যুদ্ধ তেওঁলোকৰ মাজত ভাৰততো চলিছিল। কৰ্ণাটক আদি ভাৰতৰ তেওঁলোকৰ বাণিজ্য কেন্দ্ৰবোৰত তেওঁলোকৰ যুদ্ধ হৈছিল। কৰ্ণাটকৰ তিনিখন যুদ্ধৰ দুখনত ফৰাচীৰ প্ৰতিপত্তি হ্ৰাস হ'ল। ১৭৬০ খৃঃত বান্দোৱাচ নগৰ ঠাইত ফৰাচী হাৰিল আৰু ১৭৬৩ খৃঃত এক সন্ধি কৰিলে। এই সন্ধিমতে ফৰাচীসকলৰ ভাৰতত মাত্ৰ চন্দন নগৰ, পণ্ডিচেৰী, কাৰিকল আৰু মাহে থাকিল।

ইয়াৰ লগে লগে ভাৰতত ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰতি-পত্তি বাঢ়িল। ১৭৫৭ খৃঃত বঙ্গৰ নবাব চিৰাজুদ্দৌলাৰ বিৰুদ্ধে ইষ্ট ইণ্ডিয়া কোম্পানীৰ কমাণ্ডাৰ ৰবাৰ্ট ক্লাইভে যুদ্ধ ঘোষণা

কৰিছিল। পলাচি নামৰ ঠাইত পথাৰ খনত যুদ্ধ লাগিছিল। চিৰা-জুদৌল্লাৰ সেনাপতি মীৰজাফৰে বিশ্বাসঘাটকতা কৰি যুদ্ধ নধৰাত নবাবৰ সৈন্যবোৰ ছত্ৰভঙ্গ দিলে। ভয়ত নবাব জন পলাইছিল। কিন্তু তেওঁক ধৰি আনি বধ কৰিলে। ক্লাইবে মীৰজাফৰক বঙ্গৰ নবাব পাতিলে। পুৰস্কাৰ স্বৰূপে মীৰজাফৰে ইষ্ট ইণ্ডিয়া কোম্পানীক ২৪ পৰগণা জিলাৰ জমীদাৰ পাতিলে। ইয়াতে শিপাই ইষ্ট ইণ্ডিয়া কোম্পানীয়ে লাহে লাহে গোটেই উত্তৰ ভাৰত অধিকাৰ কৰিলে। পাছত মীৰজাফৰকো কৰ দিব নোৱাৰাত কোম্পানীয়ে নবাব ভাঙ্গি তেওঁৰ জোঁৱায়েক মীৰকাচিমক বঙ্গৰ নবাব পাতিলে।

১৭৮৯ খৃঃত মহীশুৰৰ টিপু চুলতানে সিন্ধু ৰাজ্য ত্ৰিবাঙ্কুৰ আক্ৰমণ কৰিছিল। ত্ৰিবাঙ্কুৰৰ লগত ইষ্ট ইণ্ডিয়া কোম্পানীৰ মিত্ৰতা আছিল সেই দেখি কোম্পানীয়ে টিপুৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। টিপুৰ বন্ধুভাৱাপন্ন হায়দৰাবাদৰ নিজাম আৰু মাৰাঠাই কোম্পানীৰ আহ্বানত টিপুক এৰি কোম্পানীৰ লগ ল'লে। বেচেৰা টিপুক এই তিনি শক্তিয়ে তিনিফালৰ পৰা আক্ৰমণ কৰাত টিপু হাৰিল আৰু সন্ধি কৰিলে। এই সন্ধি মতে টিপুৱে তেওঁৰ ৰাজ্যৰ আধা এৰি দিলে আৰু তাক উক্ত তিনি শক্তিয়ে ভগাই ল'লে।

তেতিয়া বঙ্গ, বিহাৰ আৰু উৰিষ্যাত জমীদাৰী প্ৰথা আছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ গৱৰ্ণৰ লৰ্ড কৰ্ণৱালিচে জমীদাৰ বিলা-কৰ লগত চিৰস্থায়ী বন্দোবস্ত কৰিলে। এইমতে একোটা নিৰ্দ্ধা-ৰিত খাজানাত মাটিবোৰৰ মালিক জমীদাৰবোৰ হ'ল। নিয়ম মতে খাজানা দি থাকিলে পুৰুষানুক্ৰমে তেওঁলোক জমীদাৰ হৈ থাকিব। নিদিলে জমীদাৰ ভাগিব।





অসমত এই সময়ত চু-হিং-ফা-ফা (১৭৮০-১৭৯৫) স্বৰ্গদেৱৰ ৰাজত্ব আছিল। (গৌৰীনাথ সিংহ) দমন কৰিব নোৱাৰি তেওঁ লৰ্ড কৰ্ণৱালিচৰ মোৱামৰীয়া বিদ্ৰোহ কৰ্ণৱালিচে কেপ্তেইন ৱেলছক পঠাই বিদ্ৰোহ দমন কৰিলে।

১৭৯৮ খৃঃত লৰ্ড ৱেলেছ্‌লি ভাৰতৰ নতুন বৰলাট হ'ল। ইতিমধ্যে ইষ্ট ইণ্ডিয়া কোম্পানী ভাৰতৰ সৰ্ব্বেসৰ্ব্বা হৈ গৈছিল। সেইমতে ভাৰত ইংলণ্ডৰ এক ৰাজ্য হৈছিল। ৱেলেছ্‌লিয়ে ভাৰতৰ দেশীয় ৰজাবোৰক ইংলণ্ডৰ অধীন কৰিবলৈ এক অধীনতামূলক নীতি অৱলম্বন কৰি দেশীয় ৰজাবোৰক জনালে যে তেওঁলোকে যদি ইংৰাজৰ মিত্ৰতাত সোমাবলৈ ইচ্ছা কৰে তেন্তে ইংৰাজে তেওঁলোকক শত্ৰুৰ আক্ৰমণৰ পৰা সদায় ৰক্ষা কৰি থাকিব। এই মিত্ৰতাৰ চৰ্ত্ত আছিল এই যে এনে মিত্ৰ ৰজাই তেওঁৰ নিজ খৰচত এদল ইংৰাজৰ সৈন্য তেওঁৰ ৰাজ্যত ৰাখিব লাগিব। ইংৰাজৰ বিনা অনুমতিত এনে মিত্ৰ ৰজাই নিজে কোনো ৰজাৰ লগত মিত্ৰতা বা যুদ্ধ কৰিব নোৱাৰিব; তেওঁৰ ৰাজ্যত এজন ইংৰাজ প্ৰতিনিধি থাকিব লাগিব আৰু তেওঁৰ পৰামৰ্শ মতে মিত্ৰ ৰজা জনে তেওঁৰ দেশৰ শাসন চলাব লাগিব। হাইদ্ৰাবাদৰ নিজাম এই মিত্ৰতাত প্ৰথম সোমাল। মহীশুৰৰ টিপু চুলতানেও এই আহ্বান পাইছিল কিন্তু তেওঁ তাক অগ্ৰাহ্য কৰিলে। পিছু তেওঁ ইংৰাজৰ ভয় কৰি ফ্ৰান্সৰ লগত মিত্ৰতা কৰিছিল। টিপুৰ এনে কাৰণে ৱেলেছ্‌-লিয়ে তেওঁৰ বিৰুদ্ধে ১৭৯৯ খৃঃত যুদ্ধক ঘোষণা কৰিলে। যুদ্ধত টিপুৰ মৃত্যু হ'ল আৰু মহীশূৰৰ পতন হ'ল। ৱেলেছ্‌লিয়ে মহীশূৰ তিনি ভাগ কৰি, একভাগ হায়দ্ৰাবাদৰ নিজামক, একভাগ হিন্দু

ৰজা এজনৰ বংশধৰক আৰু তৃতীয় ভাগ ইংৰাজে নিজে ললে।

এইদৰেই ব্যাধৰ সুহুৰিত জালত পৰু পৰাদি ভাৰতৰ বাকী দেশীয় ৰাজ্যবোৰ ইংৰাজৰ ফাওত পৰিল। তেওঁলোকৰ স্বাধীনতা কেনিবা গ'ল। জালত নপৰাবোৰক যুদ্ধত ঘটুৱাই গোটেই ভাৰত, অসম বাদে, ইংৰাজে অধিকাৰ কৰিলে।

## ভাৰত আৰু অসম

সমসাময়িক ভাবে ভাৰত আৰু অসম দুয়োখন দেশ স্বাধীন হৈ চলি আছে। ৱেলেচ্‌লি ব্যাধৰ সুহুৰিয়ে আহোম ৰজা সকলক আকৰ্ষণ কৰিব নোৱাৰিলে। সুহুৰিত নপৰা ভাৰতৰ বাকী ৰাজ্যবোৰ বলেৰে লোৱাদি অসমক লবলৈ ইংৰাজে দৰ কৰিলে। কাৰণ তেওঁলোকে দেখিছিল মোগল শক্তি ভাৰতত প্ৰবল পৰাক্ৰমী হৈয়ো গোটেই ভাৰত জয় কৰিও বাৰম্বাৰ আক্ৰমণ কৰি অসমক জয় কৰিব নোৱাৰিলে। শেষত গৈ মোগল নিজেইহে ধ্বংশ হৈছিল। সেইদেখি ইংৰাজে জোপ লৈ থাকিল অসমৰ এটা ছুদ্দিনলৈ।

যেইকোনো দেশৰ অন্তৰ্বিপ্লৱ এটা মাৰাত্মক দুৰ্যোগ। অসমত প্ৰথমে বৈষ্ণৱ হিন্দু ধৰ্ম্মহে আছিল। ছু-খ্ৰুং-ফা (বা ৰুদ্ৰসিংহ খৃঃ ১৬৯৬-১৭১৪) স্বৰ্গদেৱে শাক্ত ধৰ্ম্ম লবলৈ মন কৰি বঙ্গ দেশৰ নদীয়া জিলাৰ শান্তিপুৰৰ কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্যক মাতি আনি নিজে নলৈও বৈষ্ণৱ-শাক্তৰ ধৰ্ম্ম বিপ্লৱৰ বিহ পুলিটো ৰুই থৈ গৈছিল। এই বিষ-বৃক্ষই গুটি দিবলৈ পঞ্চাচ বছৰকে নেলাগিল। দেশখনত মোৱামৰীয়া বিদ্ৰোহ লাগি





২৩ বছৰ দেশখন তল-ওপৰ হৈ আছিল। দেশত যেতিয়া বহুতো বেতি নহৈ দেশৰ প্ৰজাৰ আধাখিনিতকৈও বেছি মৃত্যুৰ মুখত পৰিল। ইয়াক দমন কৰি গা টণকিয়াল কৰিবলৈ নৌ পাওঁতেই দেশৰ ভাঙৰীয়া বৰ্গৰ ক্ষমতা লিপ্সা, অৰিয়া-অৰি আৰু আত্ম কলহত মানৰ আক্ৰমণ আহিল। মানৰ প্ৰথম আক্ৰমণত প্ৰধান মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহায়ে মানৰ সন্মুখীন নহৈ কাপুৰুষালি কৰি আত্মহত্যা কৰিলে। তথাপি বদন বৰফুকনে মান আনিছিলে যেনেকৈ মানক তেনেকৈ পঠিয়াযো দিছিল। পলৰীয়া ৰুচিনাথ বুঢ়াগোহায়ে গুৱাহাটীৰ পৰা আহি মানে পাতি থৈ যোৱা ৰজা চন্দ্ৰকান্ত সিংহক খেদাই প্ৰথমে ব্ৰজনাথ সিংহক পাছত তেওঁৰ দহবছৰীয়া পুতেক পুৰন্দৰ সিংহক, ৰজা পাতিলে আৰু আহোম সিংহাসনৰ অযোগ্য কৰিবলৈ মন কৰি চন্দ্ৰকান্ত সিংহৰ কাণ কাটি অমাৰ্জনীয় অপৰাধ কৰিলে যাৰ ফলত চন্দ্ৰকান্ত সিংহই মানক দ্বিতীয়বাৰ মাতিলে। এইবাৰো চন্দ্ৰকান্ত সিংহই অসমৰ সিংহাসনত বহি মানক ক্ষতিপূৰণ সহ নিজ দেশলৈ পঠাই দিলে। কিন্তু দিলে কি হ'ব? বিদেশীয়ে অসমৰ ছুবাৰকৈ বৰ ঘৰ সোমাই সোণৰ সঁফুৰা দেখি গল আৰু গম পাই গ'ল বিদ্ৰোহৰ পাছত অসমৰ আত্মৰক্ষা কৰিব নোৱৰা পৰিমৰা অৱস্থাটো। ইয়াৰ অৱশ্যম্ভাৱী কু-ফল মানৰ তৃতীয় আক্ৰমণ। এইবাৰ মান নিজেই আহিল দেশ ল'বলৈ। সেই সময়লৈকে ওপৰা-ওপৰিকৈ বহা তিনিজন ৰজাৰ ভিতৰত দহ-এঘাৰ বছৰীয়া পুৰন্দৰ সিংহ সিংহাসনত আছিল। মন্ত্ৰী ৰুচিনাথে ভীৰুতা কৰি মানৰ সন্মুখীন নহৈ পুৰন্দৰ সিংহক লৈ অসমৰ সীমা পাৰ হৈ কোম্পানীৰ ৰাজত্বত আশ্ৰয় ল'লগৈ মানে বিনা যুদ্ধই ৰাজধানী অধিকাৰ কৰি আগুৱাই গুৱাহাটী পৰ্য্যন্ত ল'লেগৈ। আগৰ দুজন

ভগা ৰজাও সেইদৰে তাত লুকালেগৈ। তথাপি তেওঁলোকে যেনেগ বেলেগে দেচুৱালী চিপাহী গোটাই মানক কোম্পানীৰ ৰাজ্যৰ-পৰা খন্তীয়া-খুচুৰীয়া আক্ৰমণ কৰিছিল। মানে কোম্পানীক এই ভগনীয়া ৰজা কিজনক উলিয়াই দিবলৈ দাবী কৰাত নিদিয়াত মানে নিজেই আনিবলৈ তাত সোমাই গ'ল।

ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে জোপ লৈ থকা সুযোগটো এইবাৰ আহি পৰিল আৰু মান সৈন্যক খেদি আহিল। মান টিকিব নোৱাৰি পিচ হোহোকা দিলে আৰু কোম্পানীৰ সৈন্যই খেদি আনি অসম সোমাই গল আৰু ওপৰত দেখুউৱা মতে অসমৰ ওপৰত নিজে নিজেই তেওঁলোকৰ অবৈধ শাসন আৰম্ভ কৰিলে।

ইংৰাজে ৬৫ বছৰ ভাৰতত শাসন চলোৱাৰ পাছত ১৮১৬ খৃঃ ৰ পৰা অসমৰ শাসনো তেওঁলোকে অবৈধ ভাবে অধিকাৰ কৰি ল'লে। কংগ্ৰেছৰ আন্দোলনত দ্বিতীয় মহাসমৰৰ পাছত ইংৰাজে ১৯৪৭ চনত ভাৰতক স্বাধীনতা দি গল। কিন্তু অসমক গোৰ মাৰি থৈ গ'ল। বৰ্ম্মাৰপৰা বৰ্ম্মাদেশ লৈছিল। সেইদেখি বৰ্ম্মান বিলাকক বৰ্ম্মা দেশ দি গ'ল। সেই একে চনতে ১৮২৬ খৃঃত অসম দেশ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে লৈছিল; কিন্তু বাবৰ সময়ক বিশ্বাস ঘাটকত কৰি অসমীয়াক দি নগ'ল ভাৰতক দি গ'ল। ভাৰতৰ পৰা কোম্পানীয়ে অসম দেশখন লোৱা নাছিল। বাহিৰুৱা পৃৰত বেলি ওলোৱাৰ দি ই সম্পূৰ্ণ সত্য। অসমীয়াযো দেৱলীয়া বুদ্ধিৰে ভাৰতৰ লগতে মুক্তি পালো বুলি ভাবিলে। অসমীয়াই কথা ঢুকি কেতিয়া পাব জানো ?

মে-দাম-মে-ফিত স্মৰণ কৰাৰ কথা-বস্তু এইবোৰেই। ভাৰতত যেতিয়া কোনো এটা জাতিয়েই আহোমৰ আধা, তিনি শ বছৰকে,





শাসন কৰিব নোৱাৰিলে তেনেস্থলত আহোমে কেনেকৈ একেবাৰে প্ৰবল প্ৰতাপেৰে ছশ বছৰ ৰাজত্ব কৰিলে ?

মোগলে সমস্ত ভাৰত জয় কৰি ৰাজ্যৰ প্ৰাণপন যত্ন কৰিও যেতিয়া অসম জয় কৰিব নোৱাৰিলে ইয়াৰ নিশ্চয় কিছুমান জাতি-টোৰ উত্তম গুণ থাকিব লাগিব। যুদ্ধৰ বাবে বা বতৰৰ বাবে মোগলে অসম জয় কৰিব নোৱাৰিছিল সি নহয়। মোগল আৰু অসমৰ একেটাই সীমা আছিল। মোগলৰ পূৰ ঘাটি গুৱালপাড়াৰ ৰঙা-মাটি আছিল। বতৰ ভাৰতৰ ভিতৰতে অসমত আটাইতকৈ ভাল। ভাৰতত জাৰতো মানুহ মৰে, গৰমতো মানুহ মৰে। বৰষুণ অকল অসমতে নিদিয়ে, নদী অকল অসমতে নবাঢ়ে। বানপানী, বৰষুণ সকলোতে সমানে হয়।

যিবোৰ কাৰণত অসম অজেয় হৈ আছিল আৰু যিবোৰ সত্ গুণ সেইসময়ত ভাৰতত কতো নাছিল তাবে কেইটামান হ'ল যেনে :—

১। আহোম ৰজাসকল প্ৰজাৰঞ্জক আছিল। তেওঁলোকৰ নিজৰ ভাষা, ধৰ্ম্ম. কৃষ্টি সভ্যতা বেলেগ থাকোতেও, ভাৰত শাসন কৰা বিজয় জাতিবিলাকৰ বিপৰীতে, তেওঁলোকে ইয়াৰ প্ৰজাৰ ভাষা, ধৰ্ম্ম, কৃষ্টি, সভ্যতা লৈছিল।

২। আহোমৰ ৰাজত্ব ধৰ্ম্ম-নিৰপেক্ষ আছিল। ভাৰতৰ মুছল-মান ৰজা ভুজনে হিন্দু ধৰ্ম্ম পালন কৰা লোক সকলৰ ওপৰত জিজীয়া কৰ নামে এটা সুকীয়া কৰ লগাইছিল।

৩। আহোম ৰাজত্ব কৰ-খাজানা বিহীন আছিল। প্ৰত্যেক পৰিয়ালকে বছৰটো খাব পৰাকৈ ছপুৰা মাটি বিনা খাজানাত ভোগ কৰিবলৈ দিছিল। ওপৰঞ্চি লাগিলেও পাইছিল কিন্তু পুৰাত ছুট-কাকৈ মাত্ৰ খাজনা দিব লাগিছিল।

৪। আহোম ৰাজত্বত জমীদাৰী প্ৰথা নাছিল। আনহাতে গোটেই ভাৰতত জমীদাৰী প্ৰথা আছিল। জমীদাৰবোৰে খাজনা-মুঠি প্ৰজাৰ পৰা কৰ আদায় কৰিছিল কৰৰ হেচাত প্ৰজাবোৰ জুৰুলা হৈছিল।

৫। আহোম ৰাজত্বত ধনীয়া-চহকী বুলি দুটা শ্ৰেণী উদ্ভৱেই হ'ব নোৱাৰিছিল।

৬। আহোম ৰাজত্বত প্ৰজাৰ জন্মভূমিৰ প্ৰতি নিজৰাজ্য বোধ আছিল, যিটো ভাৰতত ক'তো উপকক্ষ ক'ৰণিকটাৰ কাৰণে উদ্ভৱ হ'ব নোৱাৰিছিল। যুদ্ধৈল ৰজা-প্ৰজা সকলো সমানে গৈছিল। বিদেশীয়ে অসম জয় কৰিব নোৱাৰাৰ কাৰণ এইটোৱেই প্ৰধান আছিল। মোগলে ওঠৰ বাৰ অযথাই যুজিলে।

৭। অসমীয়াৰ কাৰ্য্য-দক্ষতা খুব চোকা আছিল। একেটা ৰাতিতে একোটা গড় বান্ধি উলিয়াইছিল।

৮। অসমীয়া সৈন্য সকলো কামতে সমানে পাকৈত আছিল। একেজন সৈন্যই কাঁড় মৰা, হিলৈ মৰা, নাও বোৱা, যুদ্ধ কৰা সকলোতে সমান আছিল।

৯। অসমীয়া তিৰুতাৰ অদ্ভুত কৰ্ম্মশক্তি আৰু কৰ্ত্তব্য জ্ঞান। মানুহৰ অত্যাৱশ্যকীয় ঘাই বস্তু ভাত আৰু কাপোৰ। অসমৰ তিৰুতা সকলে অকলেই দেশখনৰ কাপোৰৰ যোগানটো ধৰিছিল, কপাহ ধুনাৰ পৰা আৰম্ভ কৰি তাত বৈ উলিউৱালৈকে। ভাৰতত তাঁতীয়েহে তাত বয়। তাঁতীক ভাৰতত তলখাপৰ প্ৰজা বুলি গণ্য কৰে। অসমত কাজী সিপিনীৰ সন্মানৰ স্থান।

১০। আহোম ৰাজত্বত মন্ত্ৰীসভা এখন আছিল আদিৰ পৰা অন্তলৈকে। অসমৰ ৰজা আৰু মন্ত্ৰীসভা পৰস্পৰ নিৰ্ভৰশীল আছিল। মন্ত্ৰীসভা একমত হৈ ৰজাকো ভাঙিব আৰু পাতিব পাৰিছিল। ৰজাই মন্ত্ৰীসভাখন ভাঙিব নোৱাৰিছিল। এজন মান্ত্ৰ ভাঙিব বা পাতিব পাৰিছিল। ভাৰতত ক'তো কোনো ৰাজ্যত মন্ত্ৰী বা মন্ত্ৰী সভা নাছিল।





১১। অসম ৰাজত্বত জাতি বিচাৰ নাছিল। হিন্দুৰ অস্পৃশ্যতা অসমত একেবাৰে নাছিলেই। সেইহে শ্ৰীমন্ত শঙ্কৰদেৱৰ সময়ত নগা, মিকিৰ কৈৱৰ্ত্ত বনীয়া আদি সকলো ভকত হব পাৰিছিল আন কি মুছলমানো।

১২। অসমত বিলাসিতা এক আচহুৱা কথা আছিল। আহোম ৰজাসকলৰ কোনো আমোদ-প্ৰমোদ বিলাসিতা আদি নাছিল। ধৰ্ম্ম মন্দিৰতহে নটীৰ নাচ আছিল। বাহিৰত নাছিল।

এইবোৰেই আছিল অসমীয়া জাতিৰ ঐশ্বৰ্য্য-বিভূতি। এইবোৰ ভাৰতত আন ঠাইত পাবলৈ নাছিল। অথচ এইবোৰ অসমীয়াই নোসোঁৱৰে। তাৰ বিপৰীতে কিতাপ পত্ৰই, কাগজে-আলোচনাই থিয়েটাৰে চিনেমাই ভাৰতৰ সেই দেশবোৰৰ কথাহে অসমীয়া সাহিত্যত উপচি পৰিছে। অসমীয়াই কেতিয়া নিজকে চিনিব?

শ্ৰীৰামেশ্বৰ বড়া
১৭।১২।৮৯